শ্রীৰাধাৰ

# কলঙ্ক ভঞ্জণ।

(অসমিয়া ভাষাৰ পদ্য)

শ্রীমহেন্দ্র নাথ সৰকাৰ দ্বাৰা ৰচিত।
গুৱাহাটি আসাম।

প্রথম তাওৰণ

আসাম বিহাবাৰী গৌৰীশঙ্কৰ যন্ত্রত।

ছপা হ'ল

বেচ ।৵৹ ছয়অনা মাথোন।

# শ্ৰীৰাধাৰ কলঙ্ক ভঞ্জন ।

( অসমীয়া ভাষাত পদ্য )

শ্ৰীমহেন্দ্ৰ নাথ সৰকাৰ দ্বাৰা ৰচিত ।
গুৱাহাটী, আসাম ।

শ্ৰীযুত চাৰু চন্দ্ৰ শৰ্ম্মা ঠাকুৰ দ্বাৰা প্ৰকাশিত ।
চিংলিজান হেলেম ।

“গুণীয়ে আনন্দ লভে গুণীৰ লগত ।
নিৰ্গুণীয়ে কিতো পাব গুণী ওচৰত ।
অলিয়ে বনৰ পৰা পৰে পদুমত ।
নেযাই ভেকুলী তেওঁ থাকিও লগত ॥”

হিতোপদেশ ।

বেচ ।৵ ছয় অনা মাথোঁন ।

# পাতনি।

গুণী জ্ঞানী সমাজক কৰিছোঁ বিনয়।
কলঙ্ক ভঞ্জন যেন সকলোৱে লয়॥
গুণীয় গুণহে দেখে দোষ নিবিচাৰে
কলঙ্ক ভঞ্জন লিখোঁ এই ভৰসাৰে॥
ভাষান্তৰ কিম্বা কোনো পুথিৰ নকল
নহয় ইখন মোৰ ৰচিত কেৱল।
বঙ্গালী ভাষাৰে লিখা কলঙ্ক ভঞ্জন
[illegible] থী ঠাৰ বাটে বাটে কৰিছোঁ গমন॥
ঠায়ে ঠায়ে বিচাৰিলে বহু দোষ পাব
কৃপা কৰি সেই দোষ মোক দেখুৱাব॥
নাই মোৰ বিদ্যা বুদ্ধি নাই একো গুণ
পুথি বিৰচনে মই নহওঁ নিপুন।
অনুগ্ৰহ কৰি যেন ক্ষমি মোৰ দোষ।
[illegible] অভ্যাস॥
[illegible]
গুৱাহাটী [illegible] কৰিব গ্ৰহণ॥




# শ্ৰীৰাধাৰ কলঙ্ক ভঞ্জন ।

——०:○:०——

## শ্ৰীকৃষ্ণৰ মুৰ্চ্ছা আৰু যশোদাৰ শোক ।

কৃষ্ণচন্দ্ৰে টোপনীৰ পৰা সাৰ পাই ।
পিন্ধিছে কাপোৰ খোপা বান্ধিছে উজাই ॥
মনে মনে ভাবে মোক চিন্তিছে ৰাধাই ।
বিষম কষ্টেৰে ভ্ৰষ্টা অপবাদ পাই ॥
ৰাধিকাক কলঙ্ক সাগৰে পাৰ কৰি ।
সফল কৰিম নাম দয়াময় হৰি ॥
এইদৰে মনতে ভাবিছে শ্ৰীহৰিয়ে ।
মাকে আহি বাছা বুলি ধৰি চুমা দিয়ে ॥
কয় হাত মুখ ধোৱা আহি ক্ষীৰ খোৱা ।
হোৱা পানী ধোৱা বেগে বেলিহল চোৱা ॥
হাত মুখ ধুই আহি বেগেতে কৃষ্ণই ।
ক্ষীৰ সৰ ননী লই বহে খাবলই ॥
গাঁই বগী কাজলীয়ে এনে সময়ত ।
হাম্বা হাম্বা কৰি মাতে গোহালি ঘৰত ॥

জ্ঞান দিছে বেলি হল ওলোৱা গোপাল।
আহি পালে গৰখীয়া ব্ৰজৰ ছৱাল॥
বেলিহোৱা দেখাপাই হাতে লই বেণু।
ওলাল চাৰিব গৰু যশোদাৰ কাণু॥
আদৰেৰে কয় মাকে মোৰ বাচা ধন।
ইবেশে দেখুৱা বাছা এবাৰ নাচন॥
জননীৰ কথাশুনি নাচে শ্যাম কায়।
ভৰিত নুপূৰ বাজে মুখে বাঁহী বায়॥
ত্ৰিভঙ্গ ভঙ্গীৰে নাচে শ্ৰীনন্দ নন্দনে।
দেখি অতি পৰিতোষ জননীৰ মনে॥
নাচোঁতে নাচোঁতে বৰ ঘামিলে কপাল।
মূৰ্চ্ছা হৈ পৰিগল নন্দৰ দুলাল॥
নন্দ নন্দৰানী দুয়ো কৰে হাঁহাকাৰ।
পুত্ৰ শোকে জ্ঞান শূন্য হল যশোদাৰ॥
হায়ঁ!হায়ঁ! কিনোহল ইকি সৰ্ব্বনাশ।
বাছাৰ জীবনে আৰু কি আছে বিশ্বাস॥
হায় বিধি কোন পাপে এনে শোক দিলি।
দানকৰি পুত্ৰনিধি কিয় কাঢ়ি নিলি॥
কিয় অভাগিনী মই নাচিবলৈ কলো।
কিয়নো ৰাক্ষসী দৰে দয়া শূন্য হলো॥

আহাঁ ! বাছা কোলাত্ উঠা আই বুলি বুলি ।
ধুলি গুচাই কোলাত্ লওঁ দুয়ো হাতে তুলি ॥
ক্ষীৰ সৰ ননী লাৰু আৰু কোনে খাব ।
মাই বুলি মাতি কোনে আমনি লগাব ॥
যশোদাৰ ভৰা ঘৰ আজি সুদা হ'ব ।
নিষ্ঠুৰ যমে যে মোৰ লৰা কাঢ়ি নিব ॥
এনেকুৱা দুৰ্ভাবনা অভাগীৰ মনে ।
সপোনতো হোৱা নাই হাঁয় কোনো দিনে ॥
বুকু ভুকুৱাই কয়, যা জীব ওলায় ।
মৰা লৰা আগে লই কিয় আছ চাই ॥
শিলো ফাটে এনে দুখ সহিব নোৱাৰি ।
অভাগীৰ দেহে আছ কিনো আশা কৰি ॥
পূৰ্ব্বে কাৰোবাক পুত্ৰ শোক দি আছিলো ॥
নতুবা কোনোৰ ল'ৰা কাঢ়ি আনিছিলো ॥
সেয়েহে কৃষ্ণক মোৰ অল্প আয়ু কৰি ।
যশোদাক মাৰে এই পুত্ৰ শোকে পুৰি ॥
হাঁয় ! বিধি কলৈ গলি দেখাদে এবাৰ ।
সহিব নোৱাৰা দুখ চাহি যশোদাৰ ॥
বিধি হই কি অবিধি এনে অবিচাৰ ।
মাক বাপেকক থই পুত্ৰৰ সংহাৰ ॥

তই কি জগত কৰ্ত্তা তোৰ কৰ্ত্তা নাই।
কৰ্ত্তা থকা হলে কিয়, পাবি এনে ঠাই ॥
যদি তোৰ কৰ্ত্তা আছে প্ৰতি ফল পাবি।
কুকৰ্ম্মৰ ফল তই নিশ্চয় ভুগিবি ॥
মাকৰ বুকৰ পৰা পুত্ৰ নিয় কাঢ়ি।
মৰিবি মৰিবি তই পুত্ৰ শোকে পুৰি ॥
পুৰি গোপালক কই ধৰি আকোৱালি।
মাতে গৰখীয়া ই, কিয় শোৱা অত বেলি ॥
শ্ৰীদাম সুদাম দাম সুবল বালকে।
মাতিব লাগিছে আহি বহি চোতালতে ॥
ইমান টোপনী বাছা সাৰ নাই গাত।
মাতে আহি লৰা হতে উঠি দিয়া মাত ॥
গৰখীয়াবোৰ দেখোঁ তোৰ মৰমৰ।
মাতিছে নেমাত কিয় পৰা চোতালৰ ॥
কৃষ্ণ কৃষ্ণ বুলি সবে চিঞঁৰি ফুৰিছে।
মাত নলগোৱা বাছা কোনে কি বুলিছে ॥
এদিন মাখন চোৰ বুলি বান্ধিছিলো।
দুষ্ট লৰা বুলি বহু গালি পাৰিছিলো ॥
থাক বাপা! কেতিয়াও একো কোৱা নাই।
উঠা বাছা চন্দ্ৰ মুখে বোলা আই আই ॥

শোকাতুৰা জননীৰ একো জ্ঞান নাই।
তথাপিতো চুমা খাই নুঠে নে কানাই ॥
নুলি মাত্তে ঘনে ঘনে কয় হাঁয় বাচ্ছা।
হাত দি দেখিছে গাত পানী যেন চেচা ॥
জীবনৰ ধন মোৰ অমূল্য ৰতন।
ৰক্ষা কৰা ৰক্ষা চণ্ডি দুখুনীৰ ধন ॥
অভাগাক মাৰি নিয়া, পুত্ৰ দান দিয়া।
বাছা বিনে যশোদাৰ ফাটি যাই হিয়া ॥



## যশোদাৰ ভগবতী স্তব।

বহু যাগ যজ্ঞ কৰি, পূজা কৰি হৰ গৌৰী,
পুত্ৰধন পালো অভাগিনী।
আপোন কৰম ফলে, হৰণ কৰিলে কালে,
দয়া কৰা পতিত পাবনি ॥
আছিলো সন্তান হীনা, যি দুঃখ সন্তান বিনা,
সহজে সিদুখো সহিছিলো।
কিয় জপতপ কৰি, পুত্ৰবৰ ভিক্ষা কৰি,
এই পুত্ৰ গৰ্ভে ধৰিছিলো ॥

পুত নৰকৰ পৰা, উদ্ধাৰ পুত্ৰৰ পৰা,
আছে এই শাস্ত্ৰৰ বিধান।
অভাগী কৃষ্ণৰ মাক, পূজা কৰি বৰদাক,
বৰ মাগি ললোঁ পুত্ৰদান ॥
হাঁয় ! হাঁয় ! দুৰদৃষ্ট, সহিব নোৱাৰো কষ্ট,
নৰকে যাতনা এনে নাই।
কদাপী নহয় এনে, পুত্ৰ শোক জালা যেনে,
দিয়া দুৰ্গা নৰকে পঠাই ॥
পুত নৰকলৈ যাম, নৰক যাতনা পাম,
যশোদাৰ নাই তাত ভয়।
অসহ্য দুখৰ পৰা, আই মোক ৰক্ষা কৰা,
পুত্ৰ শোকে দহিছে হৃদয় ॥
নাৰীহই মাক হোৱা, এনে পুত্ৰ শোক পোৱা,
কি যে দুখ জানে সেই জনী।
এই যশোদাৰ দৰে, যি জনীৰ পুত্ৰ মৰে,
আনে কিনো বুজিব জননি ॥
ভালে আছে বজা নাৰী, নমৰে শোকত পুৰি,
মোক দুৰ্গা কিয় পুত্ৰ দিলি।
কেনেকুৱা চতুৰালী, দুখ হাৰি হে মা কালি,
দান কৰি পুত্ৰ কাঢ়ি নিলি ॥

জগত জননী হই, দয়াময়ী নাম লই,
ভাল দয়া প্ৰকাশিলা আই।
নাই তোৰ দয়া ময়া, মিছা নাম মহামায়া,
তাৰা নাম ধৰিছঁা মিছাই ॥
নাম ধৰ তই কালী, নিৰমলে দিয় কালী,
বাহিৰে ভিতৰে তোঁৰ কালী।
লোকে বোলে ৰক্ষা কালী, গুচায় মনৰ কালী,
মিছা কথা সবে চতুৰালী ॥
দক্ষ যজ্ঞে তই সতী, ৰাখিলি বিশেষ খ্যাতি,
পিতৃ বধি পাষাণ হৃদয়া।
অসুৰ যুজত কালী, স্বামী বুকে থিয় দিলি,
নিলাজী পাষাণী নিৰময়া ॥
তোৰ গিৰিয়েৰ হৰে, ভিক্ষা কৰে ঘৰে ঘৰে,
গাত সানি শ্মশানৰ ছাই।
ভূত প্ৰেত লগৰীয়া, ঘৰ বাৰী নাইকিয়া,
সদা থাকে কানি ভাঙ্গ খাই ॥
জীব জন্তু মাতিবৰ, অধিকাৰী সেই হৰ,
তথাপিও তইঁতক মই।
সৰল বিশ্বাস মনে, তব পূজা আৰাধনে,
ৰবলই আছিলো অভয় ॥

যদি ইচ্ছা মাৰিবৰ, কিয় দিলি পুত্ৰবৰ,
কি দোষত দোষী গোৱালিণী।
দেখা দেখা দেখা আই, প্ৰাণ পুৰি হল ছাই,
মৰালৰা লই নন্দৰাণী ॥
ৰৰহুখে দিলোঁ গালি, ৰক্ষাকৰা ৰক্ষাকালি,
বনমালী জীয়াই দে মোৰ।
তই আই জগদ্ধাত্ৰী, জগতৰ ৰক্ষা কৰ্ত্ৰী
পতিত পাবণী নাম তোৰ ॥
নন্দৰাজে পুত্ৰ শোকে হাঁহাঁকাৰ কৰে।
শোকত আকুল হৈ শিল হানে মূৰে ॥
অন্ধৰ নয়ন মনী নিৰ্দ্ধনৰ ধন।
মাৰ বাপেৰৰ বাচা আছে আৰু কোন ॥
তই বিনে অন্ধকাৰ দেখিছো জগত।
বিষৰ নিচিনা সবে চকুৰ আগত ॥
কোনে আৰু পিতা পিতা কৰি সম্বোধন।
জুৰাব তাপিত মন হেৰ বাচা ধন ॥
পীতাম্বৰ বাঁহী, চূড়া, সবে পৰি ৰল।
ভুল ভাবো নীলমনি গোচাৰণে গল ॥
যায় প্ৰাণ আৰু দুখ সহিব নোৱাৰোঁ।
জুই বা পানীত পৰি পৰাণ সংহাৰোঁ ॥

আত্মহত্যা মহাপাপ কৰিব নেপায়।
কিন্তু পুত্ৰ শোক আৰু সহা বৰ দায়॥
হাতযুৰি কয় নন্দে ক্ষমা নাৰায়ণ।
বিপদৰ পৰা ৰাখা ব্ৰহ্ম সনাতন॥
মৰিম কলহ বান্ধি আপোন গলত।
যাওঁ এই বুৰ মাৰোঁ যমুনা জলত॥
এই বুলি নন্দৰাজে পাগলৰ প্ৰায়।
যমুনা নদীৰ পিনে লৰ মাৰি যায়॥
হাতে ধৰি উপানন্দে নোৱাৰে ৰাখিব।
কয়, কিয়, ৰাখ ধৰি, নোৱাৰোঁ সহিব॥
ইপোৰা জীবনে মোৰ কোন প্ৰয়োজন।
নাৰাখোঁ জীবন ভাই! বিনে কৃষ্ণ ধন॥
জ্বলিছে পুৰিছে মোৰ গেটেই শৰীৰ।
তেওঁ পোৰা জীৱ কিয় নহয় বাহিৰ॥
নন্দ নন্দৰানী আৰু কান্দে উপানন্দে।
ব্ৰজ নৰনাৰী সবে মহা নিৰানন্দে॥

## গৰখীয়া বিলাকৰ শোক।

গৰখীয়া সকলোৱে কৃষ্ণ কৃষ্ণ বোলে।
কান্দিছে আকুল হই নন্দৰ চোতালে॥

শ্ৰীদাম সুদাম আদি মাটীত বাগৰি ।
চিঞৰি কান্দিছে কলৈ গলি বংশীধাৰি ॥
দেখা দে জীবন কানু নুলুকাবি ভায় ।
তোৰ দৰে বন্ধু আৰু গৰখীয়া নাই ॥
সউ দেখা ধেনুগণে উৰ্দ্ধমুখ হই
কান্দিছে আফুট মাতে কৃষ্ণ কৃষ্ণ কই ॥
প্ৰতিজ্ঞা কৰিলো আমি নচৰাও ধেনু ।
লগত নাযাৱ মানে তই শ্যামতনু ॥
তই যদি এৰি গলি আমাত কিকাম ।
বুজিলো বিধতা হল গৰখীয়াৰ বাম ॥
উঠা কৃষ্ণ! উঠা দাদা। হাঁহি কথা কও ।
গ ।খীয়াৰ তয় দাদা একোয়ে নহও ॥
যদি তই উঠি মাত নিদিয় কানাই ।
জগতে দেখিব আজি ব্ৰজৰ বিলাই ॥
যশোদা মাৱে কি মাথোঁ পুত্ৰ হেৰুৱাব ।
ঘৰে ঘৰে তোৰ শোকে অনল জ্বলিব ॥
মাতৃ পিতৃ ভক্তি শ্ৰদ্ধা সকলোকে এৰি ।
নিশ্চয় মৰিম আজি যমুনাত পৰি ॥
ৰখীয়াৰ তয় কেনে মৰমৰ ধন ।
দেখি আচৰিত হ'ব জগতৰ জন ॥

ভক্তি প্ৰেম শ্ৰদ্ধা তিনো একে লগ্ন কৰি।
মনত যিভাব হয় হেৰা বংশীধাৰি॥
সেই ভাবে আমি তোক কৰোঁ দৰশন।
নিশ্চয় জানিবি তয় ৰখীয়া জীৱন॥
কৃষ্ণহীন প্ৰাণ ভাই! নোৱাৰোঁ ৰাখিব।
কৃষ্ণশূন্য ব্ৰজ আৰু নোৱাৰোঁ দেখিব॥
দেখা দদা! দেখা এই বলাইৰ দশা।
শোকত অজ্ঞান নাই জীৱনৰ আশা॥
সাধক সুদামে চোৱাঁ ওপৰলৈ চাই।
পাগলৰ দৰে কয় কৃষ্ণ আৰু নাই॥
মেঘ বৰণীয়া কৃষ্ণ লুকালে মেঘত।
মনিব নোৱাৰি সউ নীলা আকাশত॥
কপটী আকাশো আজি নীলা হৈ ৰ'ল।
সকলোকে নীলা দেখোঁ, কৃষ্ণ কলৈ গল॥
বগাহোৱাঁ হে আকাশ! নীলাৰঙ্গ এৰি।
বগা আকাশত দেখা পাম নীলা হৰি॥
নেপাওঁ ইয়াত বলে আকাশলৈ যাওঁ।
কিজানি তালৈ গ'লে তাতে দেখাপাওঁ॥
এইবুলি উৰিবলৈ ধৰোঁতে সুদাম।
পৰিলে আচাৰ খাই ধৰিলে শ্ৰীদাম॥

তথাপিতো স্বদামৰ গাত নাই তত্।
মন প্ৰাণ সঁপি দিছে কৃষ্ণ চৰণত ॥
ব্ৰজৰ ৰখীয়াবোৰ সবে এই দৰে।
কান্দিছে কৃষ্ণৰ শোকে বিষাদ অন্তৰে ॥
কৃষ্ণ ভক্ত সাধুগণ কৃষ্ণৰ সমান।
ভক্তক ভকতি কৰে নিজে ভগবান ॥
এতেকে প্ৰণমো মই ভক্ত সকলক।
ভক্তি ভাবে ব্ৰজনাৰী গোপ বালকক ॥
শ্ৰীদাম স্বদাম দাম স্ববলাদি কৰি।
কৃষ্ণ ভক্তে সেৱকক ৰাখা দায় কৰি ॥

---

## শ্ৰীকৃষ্ণৰ চিকিৎসা।

বৃন্দাবন মথুৰাত, ওজাআছে যিঠানত,
একে একে সকলো মাতিলে।
কোনো জাৰে মন্ত্ৰমাতি, কোনোৱে দৰৱ জাতি,
কোনোৱে মূৰত ভৰণ দিলে ॥
ৰামওজা নাড়ীধৰি, ক'লে দেখোঁ চেষ্টা কৰি,
ধৰা এটি নীলকণ্ঠ বৰি।
একতোলা পৰিমানে, আদা মউ অনুপানে,

এতিয়াই খুৱাই দে মাৰি ॥

জয় ওজা আহি কয়, দেৱে ধৰা বোধহয়,
বহুতক দেৱে ধৰি মাৰে ।
পথাৰত গৰু চৰে, দুপৰ গধূলী পৰে,
দেৱতাৰ দৃষ্টি হব পাৰে ॥
নহক পিয়াজ পুৰি, নাকৰ আগত ধৰি,
পৰীক্ষা কৰিম এতিয়াই ।
যদি তাতে তত পাই, সঁচাকৈয়ে দেৱতাই,
ধৰা বুলি জনা যাব আই ॥
এবিৰ চোকোৰা লই, ঔষধ মাজত থই,
তিনি বৰণীয়া সূতা আনি ।
কবচ এটী দিম আই, আৰু একো ভয় নাই,
বাপাৰ নহয় একো হানি ॥
ওজানী কাগুণী বুঢ়ী, হাতত লাখুটী ধৰি,
আহি পালে নন্দৰ চোতাল ।
বুঢ়ীয়ে বুলিছে কান্দি, সঁচা কৈছোঁ বুঢ়ী বান্দি,
ভয় নাই বাপা আছে ভাল ॥
আই দেউ চাওঁ মই, নকৰিবি ভয় তই,
কুবীৰৰ লীলা হ'ব পায় ।
যমুনাৰ পাৰে ফুৰে, বাসকৰ স্বভাবেৰে,

হ'ব পাৰে যমুনাৰ দায় ॥
নতুন টেকেলী আনি, ভৰাই যমুন পানী,
বগা সূতা মেৰিয়াই দিয়া ।
সেন্দুৰৰ ফোঁট দিয়া, একো ভয় নাইকিয়া,
এতিয়াই বাপা হব থিয় ॥
কুবীৰ দেৱতা পুজি, ভাল বেয়া পাম বুজি,
কি দোষত পৰিছে কানাই ।
পকালেঁ৷ মূৰৰ চুলি, জয় দুৰ্গা দুৰ্গা বুলি,
কত লৰা ছোৱালী জীয়াই ॥
তিনি দিনা মৰা হক, মাত কথা বন্ধ ৰক,
তাকো মই চাওঁ একবাৰ ।
সাপে খোৱা দেৱে পোৱা, এইদৰে মূৰ্চ্ছা যোৱা,
ফাগুণীয়ে পাখে সাহিবৰ ॥
কৃষ্ণচন্দ্ৰ নাই সাৰে, ওজা বোৰে চেষ্টা কৰে,
জাৰি পূজি দাৰু দৰবেৰে
সকলোৰে আশাহীন, কয় আৰু কোনো দিন,
জীব আছে একেদৰে ॥

# চিকিৎসালৈ বৈদ্যৰ আগমন।

এনেকুৱা অসময়, মঙ্গল বাতৰি কয়,
ব্ৰজৰ বালক একজনে।
যমুনাৰ পূব পাৰে, গই আছে লাহে ধীৰে,
বৈদ্য এক গহীন গমনে ॥
মই পৰিচয় হলোঁ। ভাঙ্গি সকলোকে কলো,
কলে মই চাবগই পাৰো।
কোনেও নমতা কই, নিজে নিজে যাঁচি গই,
কি দৰেনো চিকিৎসাকে কৰো ॥
শুনি নন্দে লৰি গই, বৈদ্য যোৱা দেখা পাই,
যোৰ হাতে বোলে বৈদ্যৰাজ।
মোৰ নাম নন্দৰাই, সৌৱা ঘৰদেখা যায়,
পোৰা জীৱনত নাই কাজ ॥
নন্দৰ কপাল পোৰা, আছিলে একেটী ল'ৰা,
ৰাতিপুৱা হল অচেতন।
কৰিলোঁ বহুত দাৰু, একোতে নহল বাৰু,
দান মাগোঁ জীবন ৰতন ॥
নন্দক বৈদ্যই কয়, কিকৰিম মহাশয়,
সুখ দুখ দাতা নাৰায়ণ।

ব'লক ঘৰলৈ যাওঁ, ৰোগীৰ অবস্থা চাওঁ,
প্ৰাণ পণে কৰিম যতন ॥
কবিৰাজ ঘৰেযাই, হাতে ধৰি নাৰী চায়,
কয় ৰাজা নিৰাশ নহব ।
জ্যোতিষ গণনা কৰোঁ, ভাল বেয়া কব পাৰোঁ,
জন্ম মৃত্যু কেতিয়া কিহব ?
এই বুলি পুথিচাই, কয় শুনা ৰাণী আই,
নৰীয়া সহজ নাভাবিব ।
পুত্ৰেকৰ বৰ ৰিস্ট, জোতিষে লিখিযে স্পষ্ট,
বহুকস্টে জীবন লভিব ॥
দুয়ো পাৰে খুটীমাৰি, চুলিৰ দলঙ্গ কৰি,
দিম মই যমুনা নদীত ।
যিজনায়ে সতীনাৰী, পতিব্ৰতা শুদ্ধাচাৰী,
তেৱেঁ আহি হই শুদ্ধচিত ॥
হাজাৰ বিষ্কাৰ জাৰি, কাযে লই সতীনাৰী,
চূলিৰ দলঙ্গ পাৰ হই ।
পানী আনি দিয়ে যদি, তাৰে মাৰি মহৌষধি,
গোপালক দিম খাবলই ॥
বহুপৰ ভাবি চাই, কয় ৰাণী যশোদাই,
সতী নাৰী পাম বৃন্দাবনে ।

জীয়াৰী বোৱাৰী বুঢ়ী,　　　ব্ৰজবাসী নৰনাৰী,
আগুৰিছে নন্দৰ ভৱনে।
যশোদা মা উঠিগই,　　　দুই হাত যোৰ কই,
কয় আই সকলোৰে আছা।
যেয়ে হোৱাঁ, সাধ্বীসতী,　　　পতি ব্ৰতা গুণবতী,
দান দিয়া অভাগীৰ বাছা ॥
কাৰো মুখে নাইমাত,　　　শিৰে যেন বজ্ৰাঘাত,
যশোদাই নপাই উত্তৰ।
দুনাই বিনাই কলে,　　　তেওঁ কোনো নামাতিলে,
কথা শুনি সবে হল থৰ ॥



## তিৰোতা বোৰৰ দন্দ।

কাঙ্গালীৰ মাকেকয়,　　　শুনোতেও লাজ হয়,
সতী নাৰী নাই বৃন্দাবনে,
গিৰিয়েকে ভাল পোৱা, আনলোকে ভাল কোৱা,
সিজনীক সতী বোলে কোনে ?
যেয়ে সতী নাৰী হ'ব,　　　বুকু ডাঁখ কৰিক'ব,
মযে পতি পৰায়ণা সতী।

যেনেদৰে ইচ্ছা কৰা, পৰীক্ষা কৰিব পাৰা,
পাপ থাকে ভুঞ্জিব দুৰ্গতি ॥
পাপ কৰে মনে মনে, ভালবেয়া নিজে জানে,
কাৰো আগে কোনেও নকয় ।
অমুকী অমুকী ভাল, শুনি আছো চিৰকাল,
আজি পালো তাব পৰিচয় ॥
নিম্নাতী যিমান তিৰি, প্ৰকাশ্যে বা গুপ্তকৰি,
সকলোৰে পৰশিছে পাপে ;
নাইবা নমাতে কিয়, কাৰ সাধ্য হ'ক ঠিয়,
সতীয়ে কি পৰীক্ষালৈ কঁপে ।
নিশ্চয় ব্ৰজৰ নাৰী, সকলোৰে ভ্ৰষ্টাচাৰী,
সতী হলে নামাতি কি কয় ?
ভ্ৰষ্টা অপবাদ লই, কিকাম জীয়াই ৰই,
মৰিলে কলঙ্ক দূৰ হয় ॥
কোনেও নামাতা চোন, কোন ৰাঙ্গ কোনে সোন,
ৰাঙ্গৰ চিনাকী সবে দিলা ।
ৰূপৰ ভৰাল লই, মানুহক দেখাবলই,
সাজি পাৰি সবে আহিছিলা ॥
অসতীৰ মুখ চাই, জীবনত কাজ নাই
ব্ৰজপুৰী নাৰী হীনা কৰ ।

এতিয়াই যাগৈ মৰি, ডিঙ্গিত বান্ধি কাঁচি জৰি,
দয়ামায়া এৰি সংসাৰৰ ॥
আহি এক গোৱালিনী, বৰ বৰ কথা শুনি,
কয় হেৰ কাঙ্গালীৰ মাক।
মনে মনে থাক আই, কিয় কৰ মিছা হাই,
যাৰ ইচ্ছা পৰীক্ষালৈ যাওক ॥
কিয় বৰ কথা কৱ, তই যদি সতী হৱ,
পানী আনি জীয়াগৈ গোপাল।
সংসাৰে যশস্যা ৰব, সকলোৱে সতী কব,
বকি কিয় কৰ খৰিয়াল ?
যি কৰিছ ডেকা দিনে, বৃন্দাবনে সবে জানে,
দিন গই পাহৰিলি নে কি ?
মুখ ৰাখি কথা কবি, নাইবা মৰ্জ্জাত পাবি,
কাঙ্গালীৰ ঘৈনীয়েকে নো কি ?
চালনী বেজীক কয়, কাৰ প্ৰাণে সহ্য হয়,
আপোনা দোষত চকু নাই।
যাবদে যি যাব প্যাৰে, কোনেনো নিষেধ কৰে,
অকাৰণে নকৰিবি হাই ॥
কোন সতী কোন ভ্ৰষ্টা, কোন শিষ্টা কোন দুষ্টা,
নাজানি নুশুনি দোষ দিয়া।

পৰনিন্দা এনেদৰে,    কোনে নো সহিব পাৰে,
নিন্দা শুনি ফাটি যাই হিয়া ॥
ইচ্ছাহলে যাব পাৰে,    কোনে কাক ভয় কৰে,
মন নাই নেজাওঁ পানীলৈ ।
তই বুলিবৰ কোনে,    তোৰ কথা শুনে কোনে,
কোন তোৰ তলতীয়া অই ॥
ব্রজৰ তিৰোতা বোৰে,    এনেদৰে হাই কৰে,
ৰোহিনীয়ে কয় মো্ৰ আই ।
মিছা কিয় কৰা হাই,    আমাৰ আপদ চাই,
ক্ষমা কৰা দন্দে কাম নাই ॥
যশোদা ৰাণীয়ে অতি নিৰাশ অন্তৰে ।
সকলোকে সোধে বাছা জীয়ে কিনো দৰে ॥
বৃন্দাবনে সতীনাৰী পোৰা মহাভাৰ ।
কোনে পাৰা ইবিপদে কৰা হে উদ্ধাৰ ॥
সখীয়েকে কয় সখি ! নকৰিবা ভয় ।
জটীলা কুটীলা সতী সকলোৰে কয় ॥
মাতিলে আহিব পাৰে গই ঘৰলই ।
যেনেকই হক সখি ! মাতি আনো গই ॥
ৰাণীয়ে বেগেৰে গল জটীলাৰ ঘৰে ।
দেখাপাই জটীলাই সমাদৰ কৰে ॥

ৰাণীক আসন আনি বহিবলৈ দিলে ।
মিঠা মাতে সোধে আই ! কিয়নো আহিলে ॥
যশোদাই কয় মোৰ পুৰিছে কপাল ।
মূৰ্চ্ছা গই জ্ঞানহীন আমাৰ গোপাল ॥
বৈদ্যে আহি কলে বহু কৰি গণা পড়া ।
সতীয়ে আনিলে পানী যমুনাৰ পৰা ॥
তাৰে মাৰি গোপালক ঔষধ খুৱালে ।
ৰক্ষাপাব বাছা মোৰ এই কথা কলে ॥
এতেকে আহিলোঁ সতি ! তোমাৰ ওচৰে ।
মাৰ জীয়েৰৰ গুণ বিদিত সংসাৰে ॥
গোপালৰ জীৱদান কৰি গুণবতি ।
যশোদাক ৰক্ষা কৰা ৰাখা নিজ খ্যাতি ॥
জটীলাই দুখ কৰি কয় ৰাজ ৰাণী ।
বৰ দুখ পালোঁ এই কুসম্বাদ শুনি ॥
আশীৰ্ব্বাদ কৰোঁ ভাল হক নীলমণি ।
গুচোক আজিৰ পৰা সকলো বিঘিনি ॥
এই বুলি জটীলাই ভিতৰলৈ গৈ ।
জীয়েক লগত মাকে নানা কথা কয় ॥
গোপাল মৰিল শুনি কুটীলাই কয় ।
মৰক মৰক কৃষ্ণ পাপী দুৰাশয় ॥

ইবোৰত কৈয়ো বড়া আছে ৰূপবতী।
যিৰূপত মোহ যাই নিজে ৰতিপতি ॥
সোনৰ প্ৰতিমা সবে ব্ৰজৰ সুন্দৰা।
সকলোৱে গিল্টিকৰা নাই সতী নাৰী ॥
বৰলাজ কিনো কাজ মানুষী শৰীৰে।
নাৰীকুলে কালিদিলি উপজি সংসাৰে ॥
জানকী সাবিত্ৰী সতী ভুবনে বখানে।
জটীলা কুটীলা নাম বহুতে নাজানে ॥
দেখিব জগতে আজি কোন হয় সতী।
কোন সাধ্বী পতিব্ৰতা গুণে গুণবতী ॥
জটীলা কুটীলা কিম্বা সাবিত্ৰী জানকী।
কেশ সেতু পাৰ হৈ দিওগৈ চিনাকী ॥
হাজাৰ ছিদ্ৰাৰ জাৰি কাযে কৰি লই।
কাৰ সাধ্য আনে পানী সেতু পাৰ হই ॥
সাবিত্ৰী জানকী সতী নাম লোপ হব।
জটীলা কুটীলা সতী সকলে পূজিব ॥
জটীলাৰ বৰ কথা সহিব নোৱাৰি।
মালতীয়ে কয় শুনা হে জটীলা খুৰি ॥
কিনো বৰ কথা কওঁ কৰি অহঙ্কাৰ।
আগে গৈ পানী আন সেতু হৈ পাৰ ॥

যেনে অহঙ্কাৰ তোৰ নাই লাজ ভয়।
মনে হয় এনে গঁপ ৰবৰ নহয়॥
সাবিত্ৰী জানকী নিন্দা সহজে কৰিলি।
নিজমুখে আপোনাৰ গুণ বখানিলি॥
দৰ্পহাৰী নাৰায়ণ নাজাননে আই।
মনে মনে আন পানী নকৰিবি হাই॥
পানী আনি পাচে তই বৰ কথা কবি।
সংসাৰতে তিৰোতাৰ মূৰত উঠিবি॥
এতিয়াও আনিসলৈ যোৱা নাই জল।
আগেয়ে কৰিলি সীতা সাবিত্ৰীক তল॥
যি সীতা সাবিত্ৰী সতী দেৱতায়ো পূজে।
ক্ষুদ্ৰ গোৱালিনী তাৰ মহিমা কি বুজে॥
মালতীৰ কথা শুনি কুটীলাই কয়।
চবে সকৱাম দাঁত কাক কৰো ভয়॥
দৰ্পহাৰী ভগবান আতৰত ৰব।
বুঢ়া মাৰে পানী আনি কৃষ্ণক জীয়াব॥
আমাক শুনিব সতী সহিব নোৱাৰি।
নিজে নিজে হতভাগী মৰ জ্বলা পুৰি॥
হাই দণ্ড শুনি ব্যস্ত হই যশোমতী।
কুটীলাৰ হাতে ধৰি বোলে ক্ষমা সতী॥

কাম নাই মিছা হাই নকৰিবি আই ।
মাৰ জীয়েৰৰ গুণ অবিদিত নাই ॥
যাৰ তাৰ কথা শুনি নহবি বেজাৰ ।
মানীয়ে মানীৰ মান পাৰে বুজিবৰ ॥
যশোদাৰ বুজনীৰে কুটীলা মানিনী ।
শাঁত হৈ কয় ক’ত আছে নীলমণী ॥
এই বুলি মাজিয়ে তালৈকে যাই ।
য’ত জ্ঞানশূন্য হৈ আছে শ্যামৰাই ॥
চাই কয় শুন আই কিভয় তোমাৰ ।
এতিয়া আনিম পানী নদী হই পাৰ ॥
বৈদ্যে কয় চুলি সেতু পাৰ হৈ গৈ ।
পানী আনাগৈ বিন্ধা জাৰি কানে লৈ ॥
জটীলাই পানী আনি সতী নাম পাব ।
ব্ৰজৰ তিৰোতা সবে কলঙ্কিনী হ’ব ॥
জীয়াৰী বোৱাৰা হল লাজে তলমূৰ ।
মৰাৰ নিচিনা প্ৰায় বূঢ়ী বাঁৰী বোৰ ॥
সকলোৰ পাপ কথা আজি হে ওলালে ॥
ভাবিছে ব্ৰাহ্মণ শূদ্ৰ ক্ষত্ৰিয় গোৱালে ॥
নৰ নাৰী চিন্তা কৰে কলঙ্কৰ কথা
জটীলা ও কুটীলাই আমি পতিব্ৰতা ॥

কোনোৱে ভাবিছে মৰে মৰক গোপাল।
দলঙ্গেৰে পানী আনা নহলেহে ভাল॥
তেনেহলে কাকো কোনো নিন্দিব নোৱাৰে॥
বৰ কথা হয় যদি, বিধ এনে কৰে॥
এনেকই নানাজনে নানাচিন্তা কৰে।
জটীলা পানীলৈ যাই হৰিষ অন্তৰে॥

## জটীলাৰ অহঙ্কাৰ আৰু সেতু পাৰ হবলৈ যোৱা।

অহঙ্কাৰ কৰি, জটীলা সুন্দৰী,
তিৰোতা বোলক কয়।
সেতু পাৰ হই, পানী আনোগৈ,
সতীৰ কিহৰ ভয়।
তহঁতৰ দৰে, সতীৰ অন্তৰে,
ভয়ৰ কাৰণ নাই।
মই শুদ্ধমতি, পতি ব্ৰতা সতী,
দেখোক জগতে চাই॥
এই বিদ্ধা জাৰি, চোৱা নৰ নাৰী,
ইয়াৰে জটীলা ৰানী।
চুলি দলঙ্গেৰে, মনৰ ৰঙ্গেৰে,
আনিব গুলালোঁ পানী॥

ৰজাৰ গৃহিণা, নাম ধৰে ৰাণা,
তেওঁক কিমানে মানে।
সতীৰ সমান, নেপায় সম্মান,
সতীক জগতে জানে॥
জটীলাৰ দৰে, এনে পৰীক্ষাৰে,
কোনেনো উঠিব পাৰে?
সতী শ্রেষ্ঠ মানি, নাম ধৰোঁ ৰাণী,
সকলে প্রশংসা কৰে॥
বৰ কথা কই, হেম জাৰি লই,
জটীলা সুন্দৰী চলে।
অহঙ্কাৰ কাৰ, যেনে নাঙৈ ভাৰ,
সেতুৰ ওপৰে চলে॥
সেতু ভাগি পৰে, পানীৰ ভিতৰে,
পৰিল জটীলা সতী।
... শাণে ভল, এহা গণ্ড গোল,
ৰাখিলি অসম্ভ খ্যাতি॥
... ৰিবলৈ, পানী আনিবলৈ,
গৈ হলি অসতী হে।
হে বুঢ়া কুটনী, ভ্রষ্টা কলঙ্কিনী,
আছিল কিমান পই॥

মৰোক মৰোক, কেওঁ নধৰোক,
অসতী পাপিণী বুঢ়ী।
যেনে অহঙ্কাৰ, ফল পালে তাৰ,
মৰোক পানীত বুৰি ॥
নাৱৰীয়া হতে, ধৰি দুই হাতে,
জটীলা বুৰীক তোলে।
বাছেনে নেবাছে, মৰিছেনে আছে,
সকলে মৰিছে বোলে ॥
বহুত পৰত, বহু যতনত,
জটীলাই পালে প্রাণ।
লাজে লাজে আছি, সম্মুখত বহি,
জীয়েকে বঢ়াই মান ॥
খঙ্গকৰি কয়, কিয় গলি তই,
লোক হঁহুৱাব আই।
ভালেৰে নগলি, পিচলি পৰিলি,
নগলি তললৈ চাই ॥
হাত ভৰি কঁপে, তেও মৰে গপে,
বতাহৰ আগে যাব।
লাহে লাহে কই, যদি গলি হয়,
তেন্তে কি কলঙ্ক পাব ॥

নিশ্চয় ইবাৰ, হ'ব পাৰ পাৰ,
সাৱধান হই গ'লে।
কিন্তু নোৱাৰিবি, কঁপি পিছলিবি,
মোৰ মনে এই বোলে ॥
নালাগে যাবলৈ, পানী আনিবলৈ,
এতিয়াই মই যাম।
সেতু পাৰ হই, পানী আনো গই,
ৰাখোগৈ সতীৰ মান ॥
সতী কুটীলাই, এই বুলি কয়,
বেজৰ ওচৰে গই।
শুনা বৈদ্যৰাজ, পলমে কিকাজ,
সেতু সাজা ভালকৈ ॥
সিপাৰলৈ যাম, সতীত্ব দেখাম,
এতিয়া জীয়াম হৰি ।
উঠা ডাঙ্গৰীয়া, সেতু কৰি দিয়া,
কুটীলা পবিত্ৰা নাৰী ॥
উঠি বৈদ্যৰাজে, আকৌ সেতু সাজে,
ইদালে সিদালে জুৰি।
কয় মাতি মাতি, ও যুবতী সতি,
আহাঁহে নকৰা দেৰি ॥

বৈদ্যে মনে মনে, কয় ৰাধাৰ বিনে,
সতীনো ব্ৰজত কোন।
আপোন পাহৰি, সকলোকে এৰি,
যি সপেঁ পতিত মন॥
পতি গতি ধৰ্ম্ম, পতি শুভ কৰ্ম্ম,
পতিত পাৱন পতি।
এৰি অহঙ্কাৰ, এনে ভাব যাৰ,
সেয়েহে প্ৰকৃত সতী॥

## কুটীলাই পিন্ধি উৰি পানী আনিবলৈ যাই

বেনাৰসী শাৰী, পিন্ধিছে সুন্দৰী,
সোনালী চাদৰ ওৰা।
শিৰত সুৱনি, সুচিকন বেণী,
দীঘলে ককালে পৰা॥
অঙ্গৰ বৰণ, যেনে কেচা সোন,
ভৰিত জেতুকা পিন্ধে।
তিল ফুল যেনে, নাসিকাটী তেনে,
চকুৱে পদুম নিন্দে॥

হেৰা কোৱাচোঁন, এই জনী কোন,
এৱেঁই কুটীলা সতী।
বেজে মতা শুনি, আনিবলৈ পানী,
তালৈকে কৰিছে গতি ॥
কুটীলাই কয়, কোনোৱে নহয়,
মোৰ দৰে ৰূপে গুণে।
আছে কোনজনী, নেদেখি নুশুনি,
ব্ৰজৰ নন্দ ভৱনে ॥
সব লোকে চোৱাঁ, সেতু পাৰ হোৱাঁ,
জাৰিত আনিম পানী।
পানী না আনিলে, কৃষ্ণ নাবাঁচিলে,
জগতে থাকিব গ্লানি ॥
যমুনাৰ কাষে, জাৰিলই কাষে,
কুটিলাই চলি গল।
হাজাৰে হাজাৰে, যমুনাৰ পাৰে,
তামাচা চাওঁতা হল ॥
সতী সুন্দৰীয়ে, লাহেকই দিয়ে,
সেতুৰ ওপৰে ভৰি।
যেনে ভৰি দিলে, তেনেই চিগিলে,
পৰিল কুটিলা নাৰী ॥

যাই উটী উটী, সিৰূপ জেউতি,
কোনেও তোলেঁাতা নাই।
ও কুটীলা সতি, এনেনো ছুর্গতি,
কোনেনো ভুলিব আই ॥
পুৰুষ তিৰোতা, তামাচা চাওঁতা,
সকলো সন্তুট মনে।
কৰ্ম্ম অনুসাৰে, ফলভুঞ্জে নৰে,
কুটীলা ভুঞ্জিছে যেনে ॥
আতাহেৰে কয়, ইঁয়ে সতী হঁয়,
পানীতে বু ৰয়ে মৰ।
নাহিবি উভটী, নিলাজী যুবতি,
মৰিব উপায় কৰ ॥
হেৰ পোৰা মুখী, চাৰ পানী জুখি,
ভৰিৰে তলৰ পিনে।
কৰাল কি গ'ল, কিমানলৈ তল,
হয় চা কপালগুণে ॥
যদি কম হয়, তেনেহ'ল তয়,
গুচি আহ গাভৰু সতি।
মাৰ ও জীয়েৰে, বঞ্চিবি সুখেৰে,
থাকিব ভুবনে খ্যাতি ॥

সতীত্বৰ চিন, আৰু কতদিন,
গোপনে ৰাখিবি কৰ্ব ।
পিচলৈ নুবুজি, উপ পতি ভজি,
কি সুখে জীয়াই ৰব্ব ॥
মানুহে কথাতে কয়,
সৰ্চ চাই গছ হয় !
যেনে মাক তেনে জীয়েক ,
তেনে কুৰা নাতিনীয়েক ॥



## জটীলা কুটীলাই লাজত পৰি বৰকথা কয়।

নিন্দে এনেকই, নানা কথা কই,
কোনেনো বুলিব ভাল ।
সতী কি অসতী, জানে বিশ্ব পতি,
ব্ৰজৰ নন্দৰ লাল ॥
নাৰী বধ হয়, কৰি এই ভয়,
দুজন প্ৰাচীন লোকে ।
তোলে কুটীলাক, সবে দিয়ে হাক,
কুটীলা নিমাত দুখে ॥

মাক জীয়েকৰ, মাত মাতিবৰ,
মৰিছে সকলো বাট।
তথাপি সিহঁতে, কয় মুখে হাতে,
কেলেই নিন্দাৰ হাট?
চাওঁ চোন কোনে, আৰু পানী আনে,
সংসাৰৰ তিৰী মাত।
দুষ্ট কবিৰাজে, পেলালে ইলাজে,
কি দোষ আমাৰ গাত॥
সিয়ে চুলি গাঁথি, দিয়া নাই আঁটি,
দিছিল খোচোৰা কই।
দিয়া মাত্রে ভৰি, সবে যাব পৰি,
লাঠুৰা ই বেজ আই॥
আমি নোৱাৰিলো, অসতী বোলালো,
এনেকৈ অসতী হলে।
লক্ষ্মী সৰস্বতী, হবগৈ অসতী,
বেজৰ চাতুৰী জালে॥
এঙ্গাৰৰ মলি, পখালি পখালি,
নোৱাৰি গুচাব যেনে।
লোকৰ স্বভাব, তেনেকুৱা ভাব,
সহজে গুচাব কোনে?

এনে লঘু লাজ, তেওঁ নাই লাজ,
সমান জীয়েক মাক।
মান অপমান, নাই একো জ্ঞান,
নুশুনে দিলেও হাক॥

## যশোদাক পানী আনিবলৈ বেজে মানা করে।

কান্দি বোলে যশোদাই বৈদ্য মহাশয়।
কেনেকই গোপালৰ প্ৰাণৰক্ষা হয়॥
সতী বুলি অহঙ্কাৰ কৰিব নোৱাৰোঁ।
কিন্তু ধৰ্ম্ম সাক্ষী কৰি এই কব পাৰো॥
কুমাৰী কালত কিম্বা বিবাহৰ পৰে।
পাপ চিন্তা অহানাই যশোদা অন্তৰে॥
স্বামী বিনে আন জন পিতৃ সম দেখোঁ।
পতিৰ চৰণে মতি চিৰকাল ৰাখোঁ॥
সতীৰ নিচিনা গুণ কোন ভাগ্যে পাম।
তথাপি কৰিছো সাহ পানীলই যাম॥
আনিব পাৰিলো পানী জীয়ালো গোপাল।
নাইবা জানিম মোৰ পুৰিছে কপাল॥
বৈদ্যে কয় অ জননী তুমিতো পাৰিবা।
চুলি সেতু পাৰহব কিয় নোৱাৰিবা॥

কিন্তু মাকে ঔষধাদি সন্তানক দিলে ।
একো ফল নাই বুলি বৈদ্য শাস্ত্রে বোলে ॥
এতেকে জননী পানী আনিলে কি হ'ব ।
তুমি পানী আনি দিলে কি ফল ফলিব ॥

## বৈষ্ণৱ সতী গণনা আৰু বৈষ্ণৱ নিন্দা ।

বাৰু আই গণি চাওঁ আৰু কোন সতী ।
কোন নাৰী পতি ব্ৰতা আৰু শুদ্ধমতি ॥
পাঁচ বছৰীয়া এটী লৰা মাতি আনা ।
তাৰ পৰা ভাল বেয়া যাব আই জনা ॥
বেজৰ বচন শুনি উপানন্দ গ'ল ।
তেতিয়াই ল'ৰা গই উপস্থিত হল ॥
বেজে কয় লৰাটীয়ে আখৰ নিচিনে ।
ন্ধুবুজে ই বেয়া ভাল যেমালিৰ বিনে ॥
খাইমাটী লই হাতে মাটীত আকিব ।
তাতে যে সতীৰ নাম পৰকাশ হ'ব ॥
ইয়াতো কোনোৰ যদি সন্দেহ লাগিছে ।
তেন্তে আন ল'ৰা মাতা যাকে ইচ্ছা আছে ॥
সকলোৱে নাই নাই নাই বুলি ক'লে ।
বেজে জাঁৰি খৰি মাটী তাৰ হাতে দিলে ॥

কয় বোপা । ইচ্ছামতে ইয়াতে আঁকা ।
লৰাই মাটীত আঁকে, কৰি অকঁা বকঁা ॥
বহুত বেলিৰ পৰে আকোঁতে আকোঁতে ।
"ৰ" আখৰ লেখা হ'ল ল'ৰাটীৰ হাতে ॥
সতীৰ নামৰ এই "ৰ" আখৰ আদি ।
কোনে চোৱঁা চোৱঁা আহি ইচ্ছা হয় যদি ।
কোনোবাই ৰম্ভা ৰমা ৰহেশ্বৰী কয় ।
কোনোবাই কয় ৰ তে ৰসবন্তী হয় ॥
বেজে কয়, অনুমানে কেনেকই হ'ব ।
গণনাত পূৰা নাম নিশ্চয় ওলাব ॥
পুথি পৰি মন্ত্ৰগাতি খই মাটা ধৰি ।
লৰাক আঁকিব দিলে অকঁা বকঁা কৰি ॥
ৰতে আকাৰ যোগ কৰিলে লৰাই ।
ৰা দেখি বহুত লোকে কৰে হায় হায় ॥
দেখোঁতে দেখোঁতে ধ আখৰটো লিখিলে ।
আঁকি বাঁকি পাচে ধতে আকাৰ আঁকিলে ॥
স্পষ্ট ভাবা নাম দেখি কয় সবে ডাক ।
কলঙ্কিনী ৰাধা আজি সতী হ'ল নে কি ?
দুষ্ট বোৱে কয় বেজ ! তোৰ পিটো গুৰু ।
নৰৰ আকৃতি যদি ভগাপিলো গৰু ॥

পশু অধ্যাপকে তোক পশু জ্ঞান দিলে।
জ্যোতিৰ বিদ্যাত বৰ শিক্ষিত কৰিলে॥
জুটীলা ও কুটীলাক অসতী কৰিলি।
কলঙ্কিণী ৰাধিকাক সতী বুলি কলি॥
ৰাজ দূতে জানে যদি মথুৰালৈ নিব।
বন্দী শালে বান্ধি থৈ পুৰস্কাৰ দিব॥
এতিয়াই পলা তই নকৰিবি দেৰি।
জানিলে ৰজাৰ লোকে দিব হাত কেৰি॥
বেজে কয় কিনো ভয় দেখা হেৰ মোক।
নহওঁ ব্ৰজৰ গোপ ভয় পাম তোক॥
সতীনে অসতী ৰাধা ক'ব পাৰে ৰাধা।
গণনা কৰোঁতে মোক কিয় দিয় বাধা॥
ৰাধিকা অসতী হ'লে তাৰ ফল পাব।
নৰনাৰী সকলোৱে গৰিহনা দিব॥
ৰাজাৰ লোকৰ ভয় কেলেই দেখাৱ।
অজলা লৰাৰ দৰে কিয় ভুৰুকাৱ॥
ৰাধা সতী হ'ল কিনো হানি তইতৰ।
কিনো অপকাৰী ৰাধা তিৰী পুৰুষৰ॥
ৰাধা সতী শুদ্ধমতী গণি গঢ়ি পালোঁ।
প্ৰকাশ কৰিলোঁ বুলি এত গালি খালোঁ॥

এক সেৰ গাখীৰত এক সেৰ পানী।
মিহলাই বিক্ৰি কৰে গোপ গোৱালিনী॥
ভাল মানুহেৰে সৈতে নাই ব্যবহাৰ।
বজকৰা মানুহেৰে কৰি কাৰবাৰ॥
ভদ্ৰতা সততা নীতি কিৰূপে শিকিবি।
তিৰস্কাৰ পুৰস্কাৰ কিয়নো নিদিবি॥
ক্ষত্ৰিয় কি ব্ৰাহ্মণৰ ঘৰলৈ গলে।
চিৰকাল ভদ্ৰভাৱে ব্যবহাৰ মিলে॥
নেলাগে বেজাৰ মোৰ গালি পৰা শুনি।
গোপৰ কচুৰা মাত শুচিব কাহানি॥
বেজে খঙ্গ কৰা দেখি বুজাবোৰে কয়।
লোকক নিন্দাকৰা সুগুত নহয়॥
কোনে কাৰ কথা শুনে সকলো প্ৰধান।
কবিৰাজে আধামৰা খাই বাক্য বান॥

## ৰাধা সতীহোৱাত যদুঘোষৰ আপত্তি।

যদু ঘোষ আদি পালে মথুৰাৰ পৰা।
দহ বেচা শিকা বান্ধা লই হ'ল খাৰা॥
কয় মোৰ ঘৰঘৈনী ৰামা গোৱালিনী।
কিয়নো নহব সতী মৰোঁ ভাবী গুনি॥

মিছাতে তাইক লোকে অপবাদ দিলে ।
এবছৰ পাচঁমাহ আলগে ৰাখিলে ॥
পণ্ডিতৰ বিধিলই বহুটকা ভৰি ।
উদ্ধাৰ কৰিলোঁ মই পৰাচিত কৰি ॥
সমজুৱা গোৱালক ভোজ ভাত দিলোঁ ।
দুকুৰি ওঠৰ টকা খৰছ কৰিলোঁ ॥
তাক এৰি গুৰু আৰু সমাজৰ দাই ।
ভাঙ্গোতে আঢ়ই কুৰি ধাৰ লাগি যাই ॥
তেতিয়াৰে পৰা তাই আছে সতী হই ।
শুনানাই বদনাম আজিলকে মই ॥
একেলগে যাওঁ দুয়ো মথুৰাৰ হাটে ।
কদাপি নায়াই, ৰামা যমুনাৰ ঘাটে ॥
ঘৰৰ বনত থাকে ঘৈনী ৰামেশ্বৰী ।
পানী আনি দিওঁ মই ভাৰ ভাৰকৰি ॥
তেওঁ গণনাত আজি ৰাধা হল সতী ।
দেখা দেখি যিজনীৰ কৃষ্ণ উপপতি ॥
দোষ কৰি দাই ভৰি পৰাচিত হলে ।
পাপদূৰ হয় বুলি হিন্দুশাস্ত্রে বোলে ॥
তেনেকই শাস্ত্রমতে পৰাচিত হোৱা ।
ৰাধাৰ উচিত হয় নহয়ে বা কোৱাঁ ॥

ৰাধিকাৰ অপবাদ কিদৰে বা যাব ।
পৰাচিত হবলই কোনে বিধি দিব ॥
গিৰিয়েক শাহুৱেক ননন্দেক যেনে ।
অবশ্যে বোৱাৰী জনী হ'ব লাগে তেনে ॥
কাৰো মন কান নাই মনে মনে ৰয় ।
কিদৰে নো ৰাধাৰ কলঙ্ক দূৰহয় ॥
কি গুণত এনে ৰাধা সতী হ'ব পাৰে ।
পৰাচিত হৈয়ো ৰামে কিয়নো নোৱাৰে ॥
আৰু এটী কথা কওঁ শুনা সৰ্ব্বজনে ।
ৰামেশ্বৰী দোষী বুলি কৈছিলে নো কোনে ।
ধৰ্ম্মৰ শপথ খাই কোনেও নকলে ।
তেওঁ পৰাচিত হৈ কলঙ্ক গুচালে ॥
বৈদ্যৰাজ ডাঙ্গৰীয়া গলা তুমি ভূলি ।
আকউ গণনা কৰা পাঁজী পুথি মেলি ॥
ৰাধা নাই ৰামা হ'ব গণি চালে পাবা ।
মা কৰোঁতে ধা কৰিলা নিশ্চয় জানিবা ॥
দুনাই গণিব যদি পোৱা তুমি লাজ ।
তেন্তে এটা কাম কৰাঁ হেৰা বৈদ্যৰাজ ॥
ৰাধা ৰামা দুয়ো জনী ব্ৰজে হক সতী ।
বধ লাগে, গোপিনীৰ গুচোৱাঁ অখ্যাতি ॥

মই ক'লে মোৰ তাই সেতু পাৰে যাব।
পতিবাক্য সতীনাৰী নোৱাৰে লঙ্ঘিব ॥
আৰু যদি ৰাধিকাই পৰীক্ষালৈ যায়।
তাতেও দৈনীয়ে মোৰ নধৰিব দাই॥
পিচে যদি তেওঁ পানী নোৱাৰে আনিব।
মোৰ তায়ে পানী আনি গোঁপাল জীয়াব ॥
যদুৰ কথাত বেজে একো নেমাতিলে।
বুজিলে অজলা গোপ মিছাই বকিলে ॥
ৰাধা ৰামা সমজ্ঞান কৰে যেই জনে।
সকলোৱে বুজে তাৰ জ্ঞান বুদ্ধি কেনে ॥

—

## তিৰোতা বোৰৰ ৰাধাৰ বিষয়ে নানা কথা।

বকি বকি গালি পাৰি যদু যোষ গ'লে।
বহুতে বহুত কথা বৈদ্যৰাজে বোলে॥
সৰলা বিমলা শ্যামা বগলা মাধবী।
গালত হাত দি কয় কিনো আৰু কবি ॥
দেখা দেখি ৰাধিকাৰ কীৰ্ত্তি সবে জানে।
তেওঁ ৰাধা হ'ল সতী বৈদ্যৰ বিধানে॥

শুনিছিলোঁ কলিকালে সবে বেয়া হ'ব।
অসতীয়ে সতী বুলি উচ্চপদ পাব ॥
দ্বাপৰ যুগত দেখোঁ কলিৰ নিচিনা।
দ্বিচাৰিনী সতী হ'ল ইকি বিড়ম্বনা ॥
জগত ঘোষৰ মাকে হাঁহি হাঁহি কয়।
বুজিব নোৱাৰোঁ আই! কিহত কিহয় ॥
যি বাট মুকলি হয় সেই বাটে যোৱাঁ।
জ্ঞানীৰ উচিত ধৰ্ম্ম বুজি সুজি লোৱাঁ।
পতি এৰি উপপতি ভজে যেই জনী।
তায়ে হয় পতিব্ৰতা জ্যোতিষৰ বাণী ॥
যদি তাই আজি সেতু পাৰ হব' পাৰে।
আৰু পানী আনে যদি বিন্ধাৰ জাৰিৰে ॥
তেনেহলে তইঁতেও সেই বাটে যাবি।
পুৰনি কালৰ নীতি সকলো এৰিবি ॥
বিয়াতা মুনিহ এৰি আনলৈ গ'লে।
সি নাৰীৰ পৰিত্ৰাণ নাই কোন কালে ॥
এই পৰাচীন কথা সকলোৱে মানে।
কলিৰ কুটীল গতি কোনেও নাজানে ॥
এতিয়া তামাদি হ'ল আগৰ বচন।
দেখুৱা'ব বেজে আজি তাৰ নিদৰ্শন ॥

কনা খোৰা কলা অন্ধ মূৰ্খ পতি লই ।
বহু তিৰোতাই আছে বহু ক্লেশ সই ॥
ৰূপবতী গুণবতী ননীৰ পুতলী ।
হজুৰা স্বামীক ভজে নাপাই মুকলি ॥
শাস্ত্ৰৰ নিষেধ আৰু ভয়ে সমাজৰ ।
অমৃতক এৰি বিষ কৰিছে আদৰ ॥

* * * *

* * * *

কোনোৱে নিন্দিলে বাধা পটন্তৰ দিবি ।
কিন্তু আই হাই দন্দ একো নকৰিবি ॥
লাহে লাহে ন নিয়ম সমাজে চলিব ।
পুৰনা কালৰ ৰীতি সবে এৰি দিব ॥
বুঢ়ীৰ বচন শুনি কয় বিমলাই ।
নতুন বাটেৰে যাব মোৰে ইচ্ছা যাই ॥
কিন্তু এটী কথা কওঁ হেৰা বুঢ়ী আই ।
গাভৰু জীয়েৰ লক্ষ্মী আৰু সাৰদাই ॥
বৰ দুখে আছে মূৰ্খ চহা স্বামী পাই ।
নৰৰ অধম একো ৰূপ গুণ নাই ॥
খাবলৈ পিন্ধিবলৈ থাকিবলৈ ঘৰ ।
একো নাই আন দুখ নোৱাৰো কবৰ ॥

বুজাই বৰাই গৈ উপদেশ দিয়া ।
জীয়েৰ হওঁক আগে এই বাটে নিয়া ॥
তাৰ পাচে লাহে লাহে সকলোৱে যাব ।
পুৰণি নিয়ম আই নিশ্চয় গুচিব ॥
বধ লাগে ছুয়ো হাতে ধৰিছো চৰণে ।
নতুন নিয়ম চলা আই বৃন্দাবনে ॥
বিমলাৰ কথা শুনি ঠাট্টা কৰা জানি ।
খঙ্গে জলি কয় হেৰ কিকলি সতিনী ॥
মোৰ জীয়েকৰ ছুখে তোৰ দুখ কিয় ।
ভাল কথা কলে তাকো বেয়া ভাবে নিয় ॥
সকলোৰে ভাল বেয়া মোৰ আছে জনা ।
যি ইচ্ছা কৰ তোক কোনে কৰে মানা ॥

* * * *

* * * *

## যশোদাই ৰাধিকাক বিচাৰি অনা, আৰু জটিলা কুটিলাৰ নিষেধ ।

বৈদ্য মহাশয়ে কয় আনন্দ মনেৰে ।
ভাগ্যবতী ৰাধা সতী ক'ত বাস কৰে ॥

কাৰনো জীয়াৰী তেওঁ কাৰনো গৃহিণী।
সকলোলোৱে কিয় বোলে; ৰাধা কলঙ্কিনী ॥
কাচৰ ভিতৰে যদি হীৰা বাস কৰে।
সি হীৰাকো বেচা যায় সমান্য বেচেৰে ॥
গোপিনী কাচৰ মাজে ৰাধা হীৰা ৰই।
দুখেৰে নিযাব দিন কলঙ্কিনী হৈ ॥
সোনকালে মাতি আনা পলম নকৰা।
উচিত নহয় আই। মিছা কাল হৰা ॥
তিৰোতাৰ সমাজত গই যশোদাই।
ৰাধাক বিচাৰ কৰি দেখাকে নাপাই ॥
বৃন্দায়ে ৰাণীক কয় শুনা ৰাণী আই।
সি কালে ঘৰৰ চুকে ৰাজ কন্যা ৰাই ॥
বেগে গই যশোদাই ৰাধাৰ ওচৰে।
মাতিলে হাতত ধৰি মধুৰ মাতেৰে ॥
নাই মাত নাই বোল গাত সাৰ নাই।
আছে দেহ পৰি, জীব নাই বোধ হয় ॥
যশোদাই কয় বৃন্দে! ধৰা ধৰা ধৰা।
ৰাধিকাক, জীয়াবৰ সদুপায় কৰা ॥
সুগন্ধি ও সুশীতল, গোলাপৰ পানা।
বধ লাগে ৰাধিকাৰ মুৰে দিযা আনি ॥

তালপাত বিচনীৰে বিচিবলৈ ধৰা ।
হাঁয় ! হাঁয় ! কিনো হল বুজিব নোৱাৰো ॥
বহু উপায়েৰে একো কৰিব নোৱাৰি ।
বৃন্দা ওচৰলৈ গৈ কয় হেৰা প্যাৰি ॥
শ্ৰীকৃষ্ণ জীৱন পালে কৰা দৰশন ।
কমলিনী কিয় হলি এনে অচেতন ॥
কৃষ্ণনাম শুনি ৰাধা চকু মেলি চাই ।
যশোদা বৃন্দাৰ তাত দেখিবলৈ পাই ॥
বৃন্দাক ওচৰে মাতি কয় মনে মনে ।
আৰু কি জীৱনে দেখা পাম কৃষ্ণধনে ॥
কি ছল কৰি মাতি বঢ়ালী যাতনা ।
কৃষ্ণহীন প্ৰাণ সখি ! নকৰো কামনা ॥
শোকৰ সাগৰে লোপ, গই মোৰ জ্ঞান ।
নাছিল কৃষ্ণৰ জ্ঞান আছিলো অজ্ঞান ॥
ৰাধিকাৰ মাত শুনি যশোদা ৰঙ্গেৰে ।
চুমা খাই কয় আহি আহা মোৰ ঘৰে ॥
বৈদ্যে গণি কলে আই । তুমি ব্ৰজে সতী ।
দয়া কৰা দয়াবতী ! গুচোৱা দুৰ্গতি ॥
আঁহা আই পানী আনি গোপালৰ প্ৰাণ ।
দান কৰি ৰাধা সতী, ৰাখা যশ মান ॥

ৰাধিকাই যশোদাৰ এই কথা শুনি।
বৃন্দাৰ মুখলৈ চাই আচৰিত মানি॥
বহুত্বা তিৰোতা মই ব্ৰজৰ ভিতৰে।
যেজেনো গণিছে, যাওঁ কিৰূপ সাহেৰে॥
বৃন্দাই ৰাধাক কয়, একো ভয় নাই।
সতী কি অসতী তুমি বিদিত গোঁসাই॥
জপ কৰি হৰি নাম বুলি হৰি হৰি।
পানী আনিবলৈ যোৱঁা লই বিন্ধা জাৰি॥
বিপদ উদ্ধাৰ কৰ্ত্তা শ্ৰীমধুসূদন।
ৰাধিকাই এই নাম কৰি উচ্চাৰণ॥
যশোদাৰ পাচে পাচে লাহে লাহে যাই।
জটীলা ও কুটীলাই দেখিবলৈ পাই॥
কুটীলাই ৰাধিকাৰ হাতে ধৰি কয়।
কলৈ যাৱ হতভাগা নাই লাজ ভয়॥
পগলা বেজৰ কথা শুশুনিবি ৰাধা।
একোগুণ নাই তাৰ জ্ঞানশূন্য গাধা॥
বৃন্দাবণে সতী নাৰী বিচাৰি নাপালে।
তোক সতী সাধ্বী বুলি গণি পঢ়ি ক'লে॥
কাৰো কথা শুশুনিবি থাক বহি থাক।
জটীলাই কয় উঠি ৰাণী যশোদাক॥

বাছুৱাণী ৰাধিকাই পানী আনি দিব।
তাৰে সেই মূৰ্খ বৈদ্যে কৃষ্ণক জীয়াব ॥
তাৰ কথা শুনি আই ৰাধাক নিনিবা।
দোষী শ্ৰীৰাধাক আৰু দোষী নকৰিবা ॥
যশোদাই বিনয়েৰে কয় জটীলাক।
যাবলৈ নিষেধ কিয় কৰা ৰাধিকাক ॥
ঈশ্বৰৰ ইচ্ছা আই বুজিব নোৱাৰি।
কিবা জানি ৰাধিকাই হয় সতী নাৰী ॥
পৰীক্ষাত উঠিবলৈ পাৰে যদি তাই।
ইয়াৰ সমান আৰু ভাল কথা নাই ॥
বেটাৰ বোৱাৰী ৰাধা, সতী যদি হয়।
তাৰ সমনীয়া সুখ, একোৱে নহয় ॥
যশোদাৰ নানাৰূপ প্ৰবোধ বচনে।
ৰাধিকাক যাব দিলে, বিৰস বদনে ॥
শ্ৰীৰাধাক লই গই বেজৰ ওচৰে।
কয় এই কমলিনি, সতী ব্ৰজ পুৰে ॥
সেতু সাজি সোনকালে, দিয়া মহাশয়।
নামানে প্ৰবোধ মনে কি জানি কি হয় ॥
গণনা হওক সচাঁ ৰাধা হক সতী।
কৰোক ঈশ্বৰে কৃপা, গুচোক দুৰ্গতি ॥

এই বুলি ওপৰলৈ কৰি যোৰ হাত।
ৰাণীয়ে ঈশক কৰে স্তুতি প্ৰণিপাত ॥

—০○০—

## ৰাধিকাৰ কৃষ্ণ স্তৱ, আৰু সেতু পাৰ হৈ পানী অনা।

নকৰি। পলম বেজে, সেতু সাজি দিলে।
ভয়ে ভয়ে গ'ল ৰাধা যমুনাৰ কুলে ॥
যমুনাৰ পাৰে ৰহি কৃষ্ণে ধ্যান কৰি।
ৰহিলে শ্ৰীমতী ৰাধি কৃষ্ণনাম স্মৰি ॥
চিত্ত পটে, শ্ৰদ্ধাভক্তি-নৈবেদ্যাদি সাজি।
পতি পূজা কৰে সতী দেখা দেখা আজি॥
মনে মনে জপ কৰে হৰি হৰি হৰি।
জগতৰ গতি মতি, পতি বংশীধাৰী ॥
অগতিৰ গতি হৰি শ্ৰীমধুসূদন।
বিপদৰ বন্ধু তুমি পতিত পাৱন ॥

জন্ম জন্মান্তৰে আই, ই দুখুনী যশোদাই,
বেচা গলোঁ তোৰ ঠায়ে, চিৰবশ হ'লো।
মোৰ এই দেহ মন, যি আছে গৃহস্থী ধন,
গুণৰ সলনি আই তাকো সমৰ্পিলো॥
ভাগ্য মাক বাপেকৰ, এনেকুৱা জীয়েকৰ,
জনক জননী হ'ল কিনো পুণ্য ফলে।
সতী কন্যা গৰ্ভে ধৰা, জীৱন সাৰ্থক কৰা,
মাৰৰ নিচিনা নাই ইভৱ মণ্ডলে॥
পূৰ্ব্বজনমত মাৰে, বহুক্লেশে তপস্যাৰে,
মাগিছিল বোধহয় কন্যা ৰত্নবৰ।
সেয়ে হে সতীৰ মাক, সতী কন্যা ৰাধিকাক,
লভিলে তুলনা যাৰ নোৱাৰোঁ দিবৰ॥
কোনেনো ইচ্ছা নকৰে, শত পুত্ৰ সলনিৰে,
তোৰদৰে এটী সতী কন্যা লভিবৰ।
সাবিত্ৰী সীতাৰ মাক, ৰত্নগৰ্ভা কয় যাক,
তাতোকৈ শতগুণে যশস্যা মাৰৰ॥
একচন্দ্ৰে যেনেকই, অন্ধকাৰ দূৰহই,
জগত উজ্জ্বল কৰে তই সেই দৰে।
জ্বলাই যশৰ চাকি, ভুবণে যশস্যা ৰাখি,
দুয়োকুল উদ্ধাৰিলি সতীত্ব গুণেৰে॥

এইবুলি ঘণে ঘণে, যশোদাই হৰ্ষমনে,
চুমাখাই শত মুখে বখানে ৰাধাক।
মৰম চেনেহে কয়, কৃষ্ণৰ অধিক তই,
স্নেহআৰু আদৰৰ সোনামুখী মাক ॥
কৃষ্ণ আদৰৰ হয়, কিন্তু মৃত কৃষ্ণ তই,
যমৰ হাতৰ পৰা দিলি মোক আনি।
যদি শত জন্ম ধৰোঁ, ইঋণ সুজিব পাৰোঁ,
এনে দূৰ আশা মই নকৰোঁ জননি ॥
মৰাপুত্ৰ পাই মাকে, যেনেকই ৰাধিকাকে,
মৰম কৰিছে তাক কোনে বৰনিব।
নাছিল ভৰসা মনে, ঘূৰি পাম কৃষ্ণধনে,
দুৰ্ভাগিনী যশোদাৰ মৰা পুত্ৰ জীব ॥

## শ্ৰীকৃষ্ণৰ চৈতন্য যশোদৰ কোলাত ৰাধকৃষ্ণৰ ভোজন আৰু যশোদা, ৰোহিণীৰ আনন্দ।

ৰাধিকাক কোলালই, বেজৰ ওচৰে গই,
কয় বেজৰাজ দিয়া ঔষধ খুৱাই।
বৈদ্যৰাজে দাৰু মাৰি, পানীৰে মিহলি কৰি,
কৃষ্ণৰ মুখত দিলে মাকে আছে চাই ॥

## গৰখীয়া বিলাকৰ আনন্দ ।

শ্ৰীদাম সুদাম আদি ৰখীয়া সকলে ।
নাচে বাগে গাই ৰঙ্গে ৰজাৰ চোতালে ॥
মাতি কয় কৃষ্ণ দদা বাঁহী কি কৰিলি ।
মৰমৰ বাঁহী কত পেলাই এৰিলি ॥
চাই ৰজা, বাঁহী বজা, নাচি নাচি ফুৰ ।
কি হল পাখীৰ চূড়া শুদা কিয় মুৰ ॥
কোনে কাঢ়ি নিলে বাঁহী কলৈ গল চূড়া ।
ৰজাহই এনে বেশে অযুগুত ফুৰা ॥
পিন্ধ ভাই ! চূড়া পিন্ধ হাতে লৱ বাঁহী ।
নাজাননে আমি দেহ তই কৃষ্ণ দেহী ॥
ৰখীয়াৰ ভিতৰত তই কৃষ্ণ প্ৰাণ ।
আহি তই ৰখীয়াৰ কৰ প্ৰাণদান ॥
তই বিনে এইদেহ মৰাৰ নিচিনা ।
একদিনে একযুগ, প্ৰাণ তই বিনা ॥
কিয় মৰিছিলি ভাই, বুজিলি কিমন ।
আছিলি শিলৰ দৰে কিয় অচেতন ॥
যদি আক মৰ ভাই লগে লই যাবি ।
জীৱবধ লাগে যদি আমাক এৰিবি ॥
বিচ্ছেদ যাতনা তোৰ নোৱাৰোঁ সহিব ॥

নোৱাৰোঁ চকুৰে মৰা দেহ নিৰখিব ।
অলপ পলম আৰু হোৱা হলে ভাই ।
দেখিলি হৈ ব্ৰজে আৰু গৰখীয়া নাই ॥
সকলোৱে তোৰ শোকে কৰিছিলোঁ পন ।
সূৰ্য্য অস্ত কালে সবে এৰিম জীৱন ॥
ৰখীয়াৰ মন দুখ বুজিবলৈ পাই ।
ভক্তপ্ৰাণ কৃষ্ণচন্দ্ৰে বুলিছে বুজাই ॥
নকৰিবি দুখভাই । মোৰ মুখ চাই ॥
যিহবৰ হল ভাই নকবি দুনাই ।
কিয়নো মৰিলোঁ মই কিয়নো বাঁচিলোঁ ॥
কৰোঁ বুলি কৰিবলৈ একোকে নোৱাৰোঁ ।
বিধিৰ বিধান ভাই ! সবে ভোগ কৰোঁ ॥
মৰিবলৈ বাচিবলৈ সাধ্য আছে কাৰ ।
ভাল বেয়া কাৰ্য্য মানে বিধি অধি কাৰ ॥
এই কথা সচাঁ জানি দোষ ক্ষমা ভাই ।
দয়াৰ ভিখাৰী এই ৰখীয়া কানাই ॥
কৃষ্ণৰ কথাত তুট সকলোৱে হ'ল ।
মন দুখ শোক তাপ দুৰলই গল ॥
আগৰ নিচিনা হ'ল সবল অন্তৰ ।
ৰখীয়া ৰখীয়া বাজ নাই ভিন্ন পৰ ॥

# বৈদ্য বিদায়।

নন্দ যশোদায়ে, কাকুতি বিনয়ে,
বেজক কৰিছে স্তুতি।
তুমি কি বিধাতা, কৃষ্ণ প্ৰাণ দাতা
অথবা কৈলাস পতি॥
কিম্বা হোৱাঁ হৰি, গোলোক বিহাৰী,
বেজৰূপে অৱতাৰ।
হেৰা দয়া ময়, অনাথ আশ্ৰয়,
কৰিলা বিপদ পাৰ॥
মৰা জীয়াবৰ, কি সাধ্য নৰৰ,
দেৱৰ অসাধ্য কাম।
তুমি বৈদ্য ৰাজ, কৰিলা সিকাজ,
ৰাখিলা অক্ষয় নাম॥
তোমাক দিবৰ, কি আছে আমাৰ,
নিচেই দুখীয়া আমি।
দয়া প্ৰকাশিলা, পুত্ৰ দান দিলা,
দয়াৰ সাগৰ তুমি॥
ৰূপ আৰু সোন, বসন ভূষণ
যিমান ঘৰত পালে।

হাতে নাকে কাণে, যি আছিল মানে,
সকলো আগত থ'লে ॥
ভাল চাই চাই, গাখীৰতী গাই,
বেজৰ আগত দিলে ।
কয় যি সামান্য, নিচেই নগণ্য,
পৰিতোষ হ'ম নিলে ॥
বৈদ্য ৰাজে কয়, অলপ নহয়,
বিস্তুৰ সম্পতি পালো ।
জনক জননী, মিঠা মাত শুনি,
বিশেষ সন্তুট হলোঁ ॥
গুৰুৰ বচনে, চিকিৎসাৰ ধনে,
অধিকাৰ মোৰ নাই ।
নিয়া গুভোটাই, একো দোষ নাই,
ধন বস্তু আৰু গাই ॥
গোপালৰ দৰে, স্নেহ মৰমেৰে,
দেখিবা ৰাখিবা মনে ।
পাহৰি নাযাবা, পুত্ৰ ভাবে চাবা,
গোপাল তোমাৰ যেনে ॥
এই বুলি বৈদ্যৰাজে মেলানি মাগিলে ।
বিনয় বচনে বেজে বিদায় কৰিলে ॥

নন্দ যশোদাক বেজ্ঞে পৰণাম কই।
মনৰ হৰিষে যাই লাহে লাহে কই ॥
দেখোঁতে দেখোঁতে তেওঁ অদৰ্শণ হ'ল।
ক'বকে নোৱাৰে কোনে কোন পিনে গল ॥
মহেন্দ্ৰে ৰাণীক কয় কালৈ চিন্তা কৰা।
সহজ চিন্তাত তেওঁ ক'ত দিয়ে ধৰা ॥
মানুহ নহয় আই গোপালৰ ওজা।
নৰৰ অসাধ্য আই, তাৰ লীলা বুজা ॥
গোপালৰ নৰীয়াৰ ওজাও গোপাল।
ওজাৰূপ ধাৰী, তোৰ পুত্ৰ নন্দলাল ॥
কৃষ্ণয়ে কৃষ্ণতে লয় হ'ল যশোমতী।
তোৰ পুত্ৰ এই ওজা জগতৰ পতি ॥

## ব্ৰজত আনন্দ।

নন্দও ৰাণীয়ে সুখী, পাই কৃষ্ণধন।
কৃষ্ণ বৰ সুখী, কৰি কলঙ্ক ভঞ্জন ॥
ৰাধাও পৰম সুখী, নিষ্কলঙ্ক হই।
গৰখীয়া বোৰো সুখী, কৃষ্ণ সখা পাই ॥

গৰু গাই সবে সুখী, দেখি কৃষ্ণ ৰাজে।
সকলোৰে সুখী আজি বৃন্দাবন মাজে ॥
নাই দুখী, সবে সুখী, আজি বৃন্দাবনে।
দুখৰ বাতৰি ব্ৰজে কোনেও নাজানে ॥
আউসী আন্ধাৰ, ৰাই ৰাধিকাৰ মনে।
প্ৰকাশ কৰিলে আজি কৃষ্ণচন্দ্ৰ জোনে ॥
লিখক মহেন্দ্ৰে কয় কিনো চিন্তা তাৰ।
অগতিৰ গতি কৃষ্ণ মতি থাকে যাৰ ॥
মানুহে কৰোক নিন্দা অসতী বোলক।
বাহুৰা তিৰোতা বুলি স্পৰ্শ নকৰোক ॥
তথাপিতো ভক্তপ্ৰাণ চঞ্চল নহয়।
ব্ৰজৰ ৰাধাই দিলে তাৰ পৰিচয় ॥
ধৈৰ্য্য ধৰি ভক্তি কৰি তেৱেঁ কি কৰিলে।
অহঙ্কাৰী নাৰী বোৰে এটায়ে দেখিলে ॥
সেই দেখি মিনতিৰে কওঁ আই ইঁত।
উৰঁলি নেযাবা কোনো, লেৰেলা গপত ॥
জটীলা ও কুটীলাৰ, কিয় এনে গতি।
সতী হই ভোগে কিয় কলঙ্ক দুৰ্গতি ॥
জগতে আমাৰ দৰে, কোনো সতী নাই।
এই অহঙ্কাৰে হ'ল, ইমান বিলাই ॥

দৰ্পীৰ সকলো নষ্ট, লোকে শাস্ত্রে কয় ।
এতেকে দৰপ কৰা, উচিত নহয় ।

—— ০ ——

## কুঞ্জবনত ৰাধাকৃষ্ণ ।

ৰাতি দুপৰৰ বেলা, কৃষ্ণ কুঞ্জে গ'ল ।
কৃষ্ণ দৰশনে ৰাধা আনন্দিত হ'ল ॥
বিশেষ সাদৰে আজি কৃষ্ণে সম্ভাষিলে ।
বিচিত্র আসন আনি বহিবলৈ দিলে ॥
শ্রীকৃষ্ণৰ বাওঁ ফালে বহিল শ্রীমতী ।
মেঘৰ মাজত যেনে বিজুলীৰ জ্যোতি ॥
সুধিছে ৰাধাক ৰাধাকান্তে হাঁহি হাঁহি ।
তোমাৰ পৰম শত্রু মোৰ এই বাঁহী ॥
ইয়ে ৰাধা ৰাধা বুলি চিএঁৰিয়ে থাকে ।
এতিলো নকৰে ভয়, লাজ চৰমকে ॥
তুমিও নোৱাৰা ৰ'ব মাতিলেই যোৱা ।
সেয়েহে সৰলা হেতু অপবাদ পোৱা ॥
তুমি মই দুয়ো ভাল বেয়া এই বাঁহী ।
ই সুবুজে তুমি মোৰ গোলাপৰ পাহি ॥

বাহি গোলাপৰ পাহি সৰি সৰি পৰে।
শ্রীমতী গোলাপ মোৰ থাকে একে দৰে॥
চিৰ থিৰ ই গোলাপ নাই লৰ চৰ।
কাৰ সাধ্য পাৰে ৰূপ গুণ হৰিবৰ॥
ব্রহ্মা বিষ্ণু মহেশ্বৰ তিনো লগ হই।
নোৱাৰে হৰিব ৰূপ প্রাণপন কই॥
যি হওক প্রাণেশ্বৰী! মোৰ বোধ হয়।
ৰাধা কলঙ্কিনী আৰু কোনেও নকয়॥
আজিৰ ঘটনা চাই নিশ্চয় নিশ্চয়।
জানিছে জগত জনে ৰাধা সতী হয়॥
জটীলা ও কুটীলাই মিছা গঁপ কৰে।
আমি সতী নাৰী বুলি গঁপতেই মৰে॥
সিহঁতৰো সতী নাম দুৰ হই গ'ল।
তুমি বিনে সকলোৱে সমনীয়া হ'ল॥
এনে পৰীক্ষাতো যদি হোৱা নাই ৰাজী।
যি কৰিলে তুট হোৱাঁ কৰা যাব আজি॥
জানকীৰ দৰে আজি অগ্নিকুণ্ড কৰি।
জগতক দেখুৱাম ৰাধিকাক পুৰি॥
এদাল চুলিও প্রাণ! কদাপি নোপোৰে।
থাকিবা আনন্দমনে জুইৰ ভিতৰে॥

তোমাৰ নিমিত্তে প্ৰিয়ে ! সকলোকে পাৰোঁ।
নিজ প্ৰাণো এৰিবলৈ তুচ্ছ বোধ কৰোঁ॥
তোমাৰ কাৰণে আজি মৰিছিলোঁ ৰাই।
জীৱন লভিলোঁ তব কলঙ্ক গুচাই॥
পুত্ৰ শোক দিলোঁ আজি নন্দ যশোদাক।
নিষ্কলঙ্ক কৰিবলৈ তুমি শ্ৰীৰাধাক॥
কোৱোঁ হেৰা চন্দ্ৰমুখি। কি কবলৈ আছে।
নকই মনৰ কথা, দোষ কিবা পাচে॥
শ্ৰীমতীয়ে যোৰহাতে কয় বিশ্বপতি।
সন্তোষ লভিলোঁ নাথ। গুচিল দুৰ্গতি॥
দয়া কৰি কলঙ্ক সাগৰে পাৰ কৰি।
দয়াময় নামৰ চিনাকি দিলা হৰি॥
ই দাসীৰ হিত অৰ্থে সকলোকে পাৰা।
নালাগে কবলৈ তাক, পীতাম্বৰ হেৰা॥
কিয়নো তোমাক চিনে অভাগী ৰাধাই।
কবলৈ নেলাগে আৰু হৰি শ্যামৰায়॥
মোৰহন্তে প্ৰাণদিলা তাকো দেখা পালোঁ।
ভকত বৎসল তুমি জানিলোঁ জানিলোঁ॥
কঠিন ভকতি ব্ৰত, পালিব নাজানো।
তেওঁ যে ইমান কৃপা, আচৰিত মানো॥

কিহে দোষ কিহেগুণ, হয় দয়াময়।
কিহে কষ্ট, কিহেতুষ্ট, ভাব ওপজয়॥
কোনে নো বুজিব নাথ সেই সব তত্ত্ব।
নোৱাৰে কবলৈ নৰে, তোমাৰ মহত্ত্ব॥
কোনে কয় ভক্তি কৰে কাক ভক্তি কয়।
কৃপাকৰি ইদাসীক কোৱাঁ কৃপাময়॥



## ভক্তি কথা আৰু ৰাধাকৃষ্ণৰ বিদায়।

ৰাধাকান্তে কয় ৰাধা। ভূবন মোহিনী।
তোমাৰ কি প্ৰয়োজন ভক্তি কথা শুনি॥
তোমাৰ নিচিনা ভক্তি কোনেও নাজানে।
দেৱ দেবী নাগ নৰে ই তিনি ভুবনে॥
লোভ মোহ কাম ক্ৰোধ আদি ৰিপু বোৰে।
তোমাৰ ভকতি দেখি ভয়ে যাই দূৰে॥
লাজ ভয় জাতি কুল মান অপমান।
তোমাৰ ওচৰে প্ৰাণ। সকলো সমান॥
সকলো পাহৰি গলা তুমি যাৰ বলে।
তাকে যে বিমল ভক্তি জ্ঞানী লোকে বোলে॥

মই ভকতৰ বশ জানিবা নিশ্চয়।
তাৰ সাক্ষী দেখা মোক, ৰাধা কৃষ্ণে কয়॥
আগেয়ে ৰাধাৰ নাম কৃষ্ণ নাম পৰে।
উচ্চাৰণ কৰে প্ৰিয়ে। ই তিনি সংসাৰে॥
মুৰৰ চুড়াতো দেখাঁ লেখা ৰাধা নাম।
বাঁহীয়েও কয় ৰাধা পূৰ্ণ কৰা কাম॥
কপালে তিলক লোৱাঁ তাতে লেখা ৰাধা
ভক্তি গুণে তুমি হলা কৃষ্ণ প্ৰাণ আধা॥
বসুদেব দৈবকীৰ ভকতিৰ জোৰে।
জনম লভিলোঁ মই দৈবকী উদৰে॥
ভক্তিত যশোদা নন্দে পুত্ৰৰূপে পায়।
গৰখীয়া কৰি মোক গৰুক ৰখাই॥
ভকতৰ দাস মই ভক্ত মোৰ গুৰু।
সম্বন্ধে ভকত শ্ৰেষ্ট মই হওঁ সৰু॥
ভক্তিৰ মহিমা প্ৰিয়ে সকলে বাখানে।
ভক্তিত লভয় মুক্তি কোনে নো ন জানে॥
যি যি ভাবে ভক্তি কৰে সেই ভাবে পায়।
শাক্ত, শৈব বৈষ্ণবাদি সব সম্প্ৰদায়॥
ৰাজা প্ৰজা ধনী দুখী যেয়ে কৰে ভক্তি।
অতি মৰমেৰে মই দিওঁ তাক মুক্তি॥

ৰাধা কৃষ্ণ দুয়ো জনে ভক্তি কথা কয় ।
এনেতে সুখৰ নিশা অৱশেষ হয় ॥
কুকুৰা, সৰালী কুলি বিবিধ চৰায়ে ।
নিজৰ ভাষায়ে কয় কৃষ্ণ ৰাধিকায়ে ॥
ৰাধা কৃষ্ণ! ৰাধা কৃষ্ণ! আৰু ৰাতি নাই ।
উঠা কৃষ্ণ! জগন্নাথ! উঠা লক্ষ্মী ৰাই!
স্বাধীণ ভাবেৰে আজি নোৱাৰেঁ৷ মাতিব ॥
শুনিলে আমাৰ মাত সবে সাৰ পাব ॥
আমিহে জাননী দিওঁ পৃথিবী ভিতৰে ।
ৰাতি গ'লে দিন হ'ল বুলি, নাৰী নৰে ॥
শুনিলে আমাৰ মাত সকলো জাগিব ।
দেখাপালে দুষ্ট জনে নানা কথা কব ॥
ধৰিছোঁ৷ চৰণে আমি কৰিছোঁ৷ কাকুতি ।
উঠা ৰাধা ৰাধাকান্ত! জগতৰ পতি ॥
শুনি চৰাইৰ এই প্ৰভাতৰ গীত ।
ৰাধা কৃষ্ণ উভয়ৰ, বিয়াকুল চিত ॥
কৃষ্ণে কয় প্ৰাণ প্ৰিয়ে! নকৰা অসুখ ।
যোৱা গই ঘৰলই নকৰিবা দুখ ॥
ৰজনী প্ৰভাত প্ৰায় আছে দিনমনি ।
অধোমুখ কিনো ভুমি আছাঁ৷ ভাবি গুণী ॥

লাহেকুই উঠি ৰাধা ৰাধানাথে কয়।
বিদায় দিবলৈ প্ৰভু! নোবোলে হৃদয় ॥
দাসীলই দয়া যেন চিৰকাল থাকে।
বিচ্ছেদ যাতনা আৰু নিদিবা ৰাধাকে ॥
ৰাধাৰ কথাত কৃষ্ণে হাতে ধৰি কয়।
তুমি গুৰু মই শিষ্য জানিবা নিশ্চয় ॥
ৰাধা মন্ত্ৰে মই কৃষ্ণ হইছোঁ দীক্ষিত।
ৰাধিকাৰ প্ৰেম পঢ়া শালীত শিক্ষিত ॥
মনে প্ৰাণে মুখে ৰাধা ৰাধাময় মই।
ৰাধা মোৰ জপ মাত্ৰ জানিবা নিশ্চয় ॥
গুৰু কিম্বা গুৰুদত্ত মন্ত্ৰক পাহৰি।
এতিল নোৱাৰো ৰ'ব তোমাৰ শ্ৰীহৰী ॥
গুৰু গুৰু মন্ত্ৰত্যাগ কৰে যেই নৰে।
তাৰ দৰে পাপী নাই ইতিনি সংসাৰে ॥
নকৰিবা কোনো চিন্তা মোৰ আদৰিণী।
যোৱাঁ যোৱাঁ যোৱাঁ জীব, আহে দিনমনি ॥
এই দৰে ৰাধা কৃষ্ণ মতা বোলা হই।
প্ৰভাত কালত দুয়ো গ'ল ঘৰলই ॥
অদৃস্ট গাৰীৰ চকা ঘূৰিল ৰাধাৰ।
কলঙ্কিনী নিষ্কলঙ্ক দেখা চমৎকাৰ

চিৰ দিন কাৰো একে সমানে নাযাই
কৃষ্ণৰ পাচত শুক্ল পক্ষৰ উদয়।
কৃষ্ণত সঁপিলে প্ৰাণ কৃষ্ণে কৰে ৰক্ষা।
শ্ৰীৰাধাৰ পটন্তৰ সবে কৰাঁ শিক্ষা॥

## শ্ৰীকৃষ্ণলৈ মহেন্দ্ৰনাথ সৰকাৰৰ নিবেদন।

সৰকাৰ উপধিৰ শ্ৰীমহেন্দ্ৰ নাথ।
মিনতি প্ৰণতি কৰি কয় যোৰ হাত॥
পতিত পাবন তুমি অনন্ত মহিমা।
কোনে পাৰে বৰনাব অসীমৰ সীমা॥
জটীলা কুটীলা সতী কলঙ্কিনী হল।
পতি ভক্তি শুদ্ধাচাৰে, কিনো হল ফল॥
শ্ৰীৰাধিকা দ্বিচাৰিণী, নিজপতি এৰি।
এনে কলঙ্কিনী জনী নিলা পাৰ কৰি॥
পৰীক্ষাত কলঙ্কিনী ৰাধা হল সতী।
অসতীয়ে হল সতী সতীয়ে অসতী॥
জানিলোঁ জানিলোঁ প্ৰভু! জানিলোঁ নিশ্চয়।
তোমাৰ কৰুণা বিনে একোৱে নহয়।
আজীবন পতিব্ৰতা ধৰম আচৰি।
জটীলা কুটীলা হল কলঙ্কিনী নাৰী॥

শ্রীৰাধা হওক সতী, নিষেধ নকৰো ।
সতীয়ে কলঙ্ক পোৱা, সহিব নোৱাৰোঁ ॥
নিচেই অজ্ঞানী মই অধম নৰৰ ।
কি বুজিম প্রভু! হৰিতত্ত্ব মহত্ত্বৰ ॥
অন্তর্য্যামী হৰি জানা অন্তৰৰ ভাব ।
কুটীল অন্তৰ মোৰ, কপট স্বভাব ॥
অন্তৰ মলিন মুখে হৰি হৰি কওঁ
ভকত নামৰ যোগ্য কদাপি নহওঁ ।
এনেহা পাতকী নৰে একোকে নাজানে ।
পণ্ডিত কৰম দোষে ধৰম গিয়ানে ॥
জনম নিয়ালোঁ মই মিছা ভাবনাই ।
নবুজিলোঁ কি যে হব অন্তিম দশাই ॥
জীৱন এনেই গল নভজিলো হৰি ।
বিষয় লোভত আছোঁ সকলো পাহৰি ॥
মিছা মায়া মিছা মোহ মিছা ধনজনে ।
এৰাব নোৱাৰে মোৰ ই পাষণ্ড মনে ॥
চকুৰ আগাত যমে টাঙ্গোন জোকাৰি ।
চিএৰিছে, চকুমেলি দেখা নৰনাৰী ॥
দেখা দেখা ৰাতি দিনে হেজাৰে হেজাৰে ।
যাবলৈ ধৰিছে সব যমৰ নগৰে ॥

সোঁ যাই কোনো ঠাঁয় । ৰাখিব নোৱাৰে ।
কোনেও নহয় কাৰো এভৱ সংসাৰে ॥
সজ কাম কৰা ধৰ্ম্ম কৰা আৰজন ।
নাইবা নিস্তাৰ নাই হে জগত জন ॥
দয়াময় ! তেওঁ মই মায়াৰ বন্ধন ।
চিঙ্গিব নোৱাৰোঁ এনে অদৃষ্ট লিখন ॥
জানিছোঁ সম্মুখে যমে আছিছে নিবৰ ।
তথাপিতো নাই সাৰ এই অধমৰ ॥
সোণ কালে নিব কালে কৰ্ম্মফল দিব ।
যমৰ কিঙ্কৰে মো'ৰ নৰক ভুঞ্জাব ॥
হৰি পদে ৰক্ষা কৰা প্ৰভু ! দীনবন্ধু ।
তুমি বিনে কোন পাৰ কৰে ভব সিন্ধু ॥
কুবাসনা কৰাদূৰ হক হৰি ভক্তি ।
চিগিব মায়াৰ জৰি দিয়া নাথ শক্তি ॥
কৃপাকৰি কৰা হৰি মন নিৰমল ।
পাপ তাপ দূৰ কৰি দিয়া ধৰ্ম্মবল ॥



## ২৭ সংশোধকৰ কথা।

শ্ৰীল শিবনাথ ভট্টাচাৰ্য্য মহোদয়ে।
তুলি দিবলৈ বুলি পুথি খনি দিয়ে॥
শ্ৰীমহেন্দ্ৰ নাথ মহাশয়ে লিখা এই।
ৰাধাৰ কলঙ্ক ভঙ্গা, চাই ভাল কই॥
যিপাৰোঁ লিখিলোঁ চাই আনন্দে বেগাই।
ৰাধাকৃষ্ণ ব্ৰহ্মাণামে লিখনী চলাই॥
আধ্যা ত্মিকী কৃষ্ণলীলা বৈষ্ণব সকলে।
শুনিব আনন্দ মনে কৃষ্ণ ভক্ত দলে॥
ভোলোতে গোপাল কথা যি পালে ইয়াত।
"গোলোকে" ৰাখিছে তাক হৰিয়ে হিয়াত॥
আশা কৰোঁ এনেকুৱা কৃষ্ণলীলাত্মক।
তাক পুথি ভট্টাচাৰ্য্য দেৱে প্ৰকাশক॥
শ্ৰীমহেন্দ্ৰ নাথ সৰকাৰ মহাশয়ে।
গোটাই নতুন পুথি যেন লিখিদিয়ে॥

—০※◡※০—

শ্ৰীৰাধাৰ কলঙ্কক ভঞ্জন সমাপ্তঃ

## জাননী।

উঁথে কাগজত নিয়ম মতে ভাল আখৰেৰে লিখা। পাঠ স্বস্ত্যয়ণ বিধি বিধান আদিৰ কিবা পুথি, আৰু জন্ম পত্রিকা কৰিব লাগিলে আমাক জানিবলৈ দিয়ক।

শ্রীগোলোক চন্দ্র বৰুৱা।

কাব্য বিনোদ।

চাইডিং ষ্টেচন। যোৰহাট।